# এই পথে

(আধুনিক কবিতাৰ সংকলন)



মহম্মদ পিয়াৰ




# অৰ্পণ

চেনেহ আৰু ভক্তিৰ চিন স্বৰূপে পূজনীয় শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা দেৱৰ হাতত মোৰ "এই পথে" অৰ্পণ কৰিলোঁ।

বৰ্ত্তমান বস্তু-তান্ত্ৰিক আৰু মনস্তাত্বিক সংঘাতে নতুন ৰীতি-পদ্ধতি ( technique ) আৰু চিন্তা-বিপ্লৱৰ উদ্ভৱ সাধিছে। ইবোৰৰ, সাহিত্য-সংস্কৃতি গত বিবিধ প্ৰচেষ্টাৰ জৰিয়তে প্ৰতিফলনো হৈছে। যুগৰ আঁচোৰ, মানুহৰ চিন্তাধাৰা আৰু সৃষ্টি প্ৰতিভাৰ ওপৰত পৰাটো স্বাভাৱিক কথা। পদাৰ্থ-বিজ্ঞানৰ নতুন তথ্যৰ প্ৰভাৱত স্থান-কাল ( time and space ) আৰু বিশ্ব-পদাৰ্থ ( cosmology ) সম্বন্ধীয় পুৰণি মতবাদৰ ভেঁটি উঘাল খাইছে আৰু তাৰ ঠাইত নতুন ধাৰণাৰ প্ৰতিষ্ঠা হৈছে। আনহাতে, একালে Marx, Engels, Einstein আৰু আনকালে Freud, Jung, Adler আৰু Groddeck-ৰ প্ৰভাৱো লক্ষ্য কৰিব লগীয়া। ইবোৰৰ লগতে সাঙোৰ খাই আছে, "Social Realism" অৰ্থাৎ সামাজিক বাস্তৱবাদৰ বুৰঞ্জী। ব্যক্তিগত বা সমষ্টিগত ভাৱে ইবোৰে অসমীয়া কাব্য-বুৰঞ্জীৰ কিমানখিনি ঠাই আগুৰিছে, সেই বিষয়ে বহল আলোচনা হোৱা উচিত। "পাতনি" বা "মুখবন্ধ"ৰ জৰিয়তে এনে এটা বহল সমস্যাৰ ইঙ্গিত দিব নোৱাৰি।

আধুনিক কাব্য-সাহিত্য প্ৰপেগেণ্ডাৰ পৰ্য্যায়ত পৰে নে নপৰে ? এইটো, সাধাৰণতে, আজি এটা জিভাৰ আগত ওলমি থকা প্ৰশ্ন। এই প্ৰশ্নৰ উত্তৰ যুগ-ধৰ্ম্মক অস্বীকাৰ কৰি দিব নোৱাৰি। তেনে কৰিবলৈ যোৱা মানে বাস্তৱক অস্বীকাৰ কৰা হব। বাস্তৱক অৰ্থাৎ Objective Conditionক আওকাণ কৰি কোনো তৰহৰ সাহিত্য-সমালোচনা হব নোৱাৰে।

বৰ্ত্তমানৰ যুগটো অস্থিৰতাৰ ( tension )ৰ যুগ। তৰুণ কবি-শিল্পীসকলৰ স্নায়ুৰ ওপৰত ইয়াৰ হেঁচা প্ৰবলভাবে পৰিছে। কোনো ক্ষেত্ৰত ইয়াৰ প্ৰবাহ ইমান খৰ হৈছে, যে ইয়াক নিয়ন্ত্ৰণ কৰা প্ৰায় টান হৈ পৰিছে। সুস্থ অৰ্থনৈতিক সংগঠন আৰু নৈতিক মূল্যাঙ্কনৰ মানদণ্ডৰ অভাৱে আজিৰ সমাজ বিভ্ৰান্ত কৰিছে। নতুন কবি-শিল্পীয়ে ইবোৰৰ ফালে সমাজৰ দৃষ্টি আঁজুৰিছে। লগতে ইবোৰ সৌষ্ঠবপূৰ্ণ সমাধানো বিচাৰিছে।

"Out of these tensions, a unique literature has arisen, abnormally difficult to assess, irresistably fascinating to study."

H. V. Routh ( *"English Literature and Ideas in the Twentieth Century"* )

ইয়াকে কৰিবলৈ যাওঁতে যদি প্ৰপেগেণ্ডা সোমায়, তেন্তে তাৰ বাবে জগৰীয়া কবি-শিল্পী সমাজ নহয়। জগৰীয়া বৰ্ত্তমান চলিত সমাজ-ব্যৱস্থাহে।

সেইবুলি প্ৰপেগেণ্ডাৰো এটা সীমাৰেখা নোহোৱা নহয়। প্ৰকৃত সাহিত্য-শিল্প বিশ্ব-সোঁতত জীয়াই থাকে—উৎকট, নগ্ন প্ৰপেগেণ্ডা নেথাকে। ই কালৰ বুকুত উৰঁলি যায়। ইয়াৰ চিন-চাব নোহোৱা হয়। Wordsworthয়ে ফৰাচী বিপ্লৱ আৰু Tennysonয়ে Darwin-ৰ তথ্য সম্বন্ধে সাহিত্য ৰচনা কৰিছিল। এই দুজনা কবি-সাহিত্যিক আজি এই সম-সাময়িক তথ্য অনুসন্ধানৰ বাবে নহয়, আন কাৰণৰ বাবেহে জীয়াই

আছে। "সামাজিক বাস্তৱ-বাদ" গঢ়িবলৈকো শিল্পী-প্ৰাণৰ প্ৰয়োজন আছে। ইয়াৰ অভাৱত এনে সাহিত্য বাতৰি কাকতৰ বিজ্ঞাপন নাইবা চিনেমাশ্লাইদ লৈ অধোগামী হোৱাৰ সম্ভাৱনা কম নহয়। এই ক্ষেত্ৰত, আধুনিক কবি Day Lewis-ৰ মন্তব্য মন কৰিব লগীয়া।

"For myself, I want the poem to move me; second, I prefer a precision of imagery rather than a vague profusion of it; third, I think the best test of almost every poem is that it gains from being read aloud."

মহম্মদ পিয়াৰ আমাৰ এজন কৃতী ঔপন্যাসিক। তেওঁৰ "এই পথে" কেইটিমান আধুনিক কবিতাৰ সঙ্কলন। ইবোৰ সম-সাময়িক সামাজিক জীৱনৰ ডুখৰীয়া ছবিৰ সমাবেশ। কবিৰ নিটোল দৃষ্টি-শক্তি ইবোৰৰ জৰিয়তে প্ৰতিভাত হৈছে। ইয়াত এনে কিছুমান খণ্ডচিত্ৰ আছে, চিনেমাৰ trailer-ৰ দৰেখীয়া—

"ইহঁতেই ৰূপ দিয়ে আনৰ মৰম···"

"জীৱনত যাৰ নাই পৰিধেয় বস্ত্ৰখনি
দুসাঁজ আহাৰ আৰু লোণ তেলকণ ?···"

"আই মণিৰাম মই,
পিয়লি ফুকন—কুশল কোঁৱৰ মই···"

"জার্ণেলিজিম, নামে ত্যাগৰ পদবীৰে মিছাকৈয়ে
ঢাকি থোৱা···"

ইত্যাদি। ইত্যাদি।

আধুনিক কবি মহম্মদ পিয়াৰৰ সাৰ্থকতা আৰু কাব্য কৌশল জুখি চোৱাৰ দায়িত্ব আমাৰ পঢ়ুৱৈ সমাজৰ। কবিক চাৰ্টিফিকেট নেলাগে। কবি-শিল্পী স্ব-প্ৰতিভাৰ সৃষ্টি। জোখ-কাঠি জনতাৰ হাতত। আৰু সিদ্ধান্ত ভবিষ্যতৰ গৰ্ভত।

১৫ জানুৱাৰী, ১৯৫৫ —হেম বৰুৱা




# মোৰ কথা

প্ৰেৰণাৰ কথা পাহৰিছোঁ। তাহানিখনতে লিখিছিলোঁ দুই চাৰিটা আধুনিক কৱিতা। অ'ত ত'ত সিঁচৰতি হৈ পৰি থকা কেইটিমান কৱিতা বুটলি আনি ৰাইজৰ আগলৈ উলিয়াই দিলোঁ। ভাববোৰে কাৰোবাৰ মনত প্ৰতিধ্বনি তুলিলে কৱিতা কেইটি সাৰ্থক হোৱা বুলি ভাবিম।

মৰমী পঁজা
শান্তিপুৰ, গুৱাহাটী
১৫।১।৫৫

মহম্মদ পিয়াৰ

# সূচীপত্ৰ








# অভ্যুদয়

যুগ যুগান্তৰ আৱৰি থকা
পৰাধীনতাৰ ডাৱৰে ঢকা
মুকলি আজিৰ ভাৰতৰ নীলাকাশ,
তেজে-ধোৱা এই দেশৰ বুকুত
নতুন পুৱাই দিলেহি দেখা
হাজাৰ হাজাৰ আকাঙ্খাই পালে ভাষা।
মুক্ত পতাকা উৰি ৰল আজি
পঁজাই-প্ৰাসাদে গাঁৱে-নগৰে
কোটী কণ্ঠৰ গৌৰৱৰ ভাষা লৈ,
বুকুৰ মাজত, যতনে সঁচা—
উতলা কামনা-নিশাৰ আন্ধাৰ ভেদি
আজি যে আহিল জীৱন্ত দিঠক হৈ।
ফঁাচিৰ কাঠৰ বুকুত লিখা
শত শ্বহীদৰ জীৱন-গানে,
ৰাজ পথৰ বুকুত অঁকা
শত ডেকাৰ তেজৰ বানে

কাৰাগাৰৰ আঁৰত দিয়া
যুৱা-যুৱতীৰ আত্মদানে—
আজিহে আনিলে আমাৰ ই অভ্যুদয়।
সাত বৰণীয়া ইন্দ্ৰধনুঁকো জিনি
নাচি ৰয় মোৰ মুক্ত পতাকাখনি,
হিয়াত তুলি আবেগৰ মৃদু ধ্বনি
নীলা আকাশত তুলি ভাৰতৰ জয় জয়।
শুনা—বতাহতো কথা উঠে
"আই মণিৰাম মই,
পিয়লি ফুকন—কুঁশল কোঁৱৰ মই,
ফাঁচিৰ কাঠৰ পৰা আহিছোঁ এৰাই
তোমাৰ কাষলই।"
আই চেনেহী মোৰ!
তোমাৰ শীতল চকুৰ পানীৰে
সিহঁতৰ উষ্ণতা মচি দিয়া এটি বাৰ!
কেনে সুন্দৰ, কেনে শুৱনী
গৌৰৱ ভৰা বিজয়ী আমাৰ দেশ,
এইয়া আমাৰ মাটি
সকলো আমাৰ সকলো নিজৰ
কেনে অপূৰ্ব্ব দেশ!

কিন্তু ই কি ! বতাহে কিবা কয় ঃ
“ছকুৰি বছৰৰ শেষ শোষণৰ
পৰা নাই—আজি ওৰ,
হিমুকালানী, কুশল, মণিৰ
আব্দুছ চালাম, কনকলতাৰ
লালমোহন, বাঙ্কুৰ বীৰৰ
হোৱা নাই স্বপ্ন পূৰ—
বিপ্লৱী ! আজিও সংগ্ৰাম বাকী।”
আজিও সংগ্ৰাম বাকী ?
যিয়ে হক কিন্তু
নামানোতো আমি কাৰোৱেই অত্যাচাৰ
আজিও যদি শোষণেই বাচি থাকে
চূৰ্ণ কৰিম আমিয়েই তাক
ন-জীৱনৰ নতুন শক্তি দি।
আমি নাপাহৰোঁ
হিমুকালানীৰ প্ৰাণৰ পিয়াহ
কনকলতাৰ কোমল তপত তেজ ;
আমি নাপাহৰোঁ
চহা-বনুৱাৰ হিয়াৰ গুপুত আশা।
বন্দুক বোমা কামান গুলিৰ দাগ !

দুখে ভৰা ঘোৰ অমানিশা ভেদি
বাধাৰ প্ৰাচীৰ পাৰহৈ আমি
আহিছোঁ ধুমুহা হৈ,
আমি জানো সেয়ে
দুখৰ ডাৱৰ বেচি পৰ আৰু নাই
ডাৱৰ গুচিব নীল আকাশৰ
ৰঙা বেলিটিয়ে অচিৰতে দিব দেখা।
অপৰাজেয় শ্বহীদৰ শক্তি লৈ,
মৃত্যুঞ্জয়ী বিপ্লৱীৰ দৃঢ়তাৰে
আমিয়েই আনিম জয়।
অদূৰত সোৱা ৰিণিকি দেখিছোঁ
মুক্ত আকাশত সূৰ্য্যৰ অভ্যুদয়।

'তেজৰ-লেখা'—১৯৪৭।

---

## প্ৰেছ

থাকে থাকে ইটা গাঁথি
সুবৃহৎ কৰা
ঘৰৰ ছবিটি উঠিছিলে জিলিকি
কিতাপৰ ·প্ৰতি পাতে পাতে।
সেইটি ঘৰৰ পৰা আনিছিলোঁ মই
জাপে জাপে 'নীলপখী' মোৰ!
ঘৰৰ ভিতৰত—
দুশাৰী নবীন যুৱক!
টুকুৰা-টুকুৰ লোহাৰ নিতউ হেতালি খেলি
কুৰিজন তৰুণ ডেকাই
টকাৰ আশাত দেহি
হাঁ-হুমুনিয়াহ কাঢ়ি সময় কটায়!
পুৱা আহে আধা-পেটি ভাত খাই,
ওৰে দিন কাম কৰি—

সন্ধিয়া নামিলে ধৰণীত
দীঘল উশাহ টানি
শুদা হাতে যায় ঘৰলই!
বিয়া হয় বাহিৰত—
বিলাসী ঘৰৰ পথা জাপে জাপে আহে
পুৰাতেই 'প্ৰীতি-উপহাৰ'
সিহঁতেই ৰূপ দিয়ে আনৰ মৰম
দিনৰ দিনটো খাটি গধূলি পৰত।
নিজৰ বিয়াৰ বাবে
সিহঁতৰ সময় নোলায়,
আনৰ বিয়াৰ বাবে উপহাৰ গাঁথোতেই
দিন গুচি যায়।
মাহৰ শেষত পায়
দুকুৰিথন এটকীয়া নোট,
তাৰে সতে কিনি লব লাগে
ভাইটি-ভনিটীৰ চোলা আৰু
লোণ-তেল দুসাঁজ মানৰ।
বাকী কেই সাঁজ?......?
নিতউ পুৰাতে ভাবে
কেতিয়ানো মাহ শেষ হব?

সিহঁতেই প্ৰেছৰ মানুহ,
নাই কোনো অধিকাৰ প্ৰেছৰ টকাত!
আছে মাথো সিহঁতৰ বাবে
লোকৰ প্ৰেছৰ
বহল দুৱাৰ খনি পুৱাতে মুকলি!
সিহঁতৰ সেয়ে অধিকাৰ।

'কটনিয়ান'—১৯৪৯।

---

## যাত্ৰী

যাত্ৰী মই বহু দূৰৰ!
সৰু বেঞ্চ—
তাতে মই আছোঁ বহি
নাই কোনো চিনাকি মানুহ!
ট্ৰেইনৰ জক্ জক্ শব্দ আৰু ক'লা ধোঁৱা
বই যায় বুতাহ বুকুত!

অনুভৱ কৰোঁ যেন মই
সাম্য জগতত প্ৰতিষ্ঠিত কৰি
নানা দেশৰ সৰু বৰ সকলো মানুহ
একে লগে একে আসনত
গৰ্ব্বিত বেশেৰে বহি
এক উদ্দেশ্য লই
আহি আছোঁ লক্ষ্য স্থানলৈ।

বৈ যায় চলন্ত ট্ৰেইন,
নানান যাত্ৰী নামে
উঠি নানাজন আগৰ আসন
পূৰাই আগৰ দৰে।
দিনৰ পোহৰ কমি যায়
ৰাতি আহে নিমাত নিতাল,
শুই পৰে যাত্ৰী সব।
থাকে মাথোঁ সেই একে
জক্ জক্ জক্ জক্।

কোনো জনে বহি ভাবে
দূৰ দেশৰ কথা,

কোনো জনে অস্ফুট ৰাগিনী তানে,
কোনোৱেবা ঘুমটিৰ অসহ্য ৰাগিত
চকু দুটি মেলি-মুদি থাকে।
চাওঁ—
সকলোকে চাওঁ মই
বেলেগ বেলেগ ৰূপে
কাৰ কিনো ভাব প্ৰাণৰ মাজত।

দেখোঁ মই এখন জগত
বিশৃঙ্খল বুজিব নোৱাৰা।
নতুন যাত্ৰী আহে
নামি যায় পুৰণি সকল;
জীৱনৰ পদ-চিহ্ন থই।
দিগন্ত উদ্ভাসি উঠে জলন্ত অৰুণ,
আন্ধাৰ পলায়।
নতুন উশাহ লই নামি যাওঁ ট্ৰেইনৰ পৰা
মুক্তি যেন পালোঁ যেন লাগে
যাত্ৰী মই বেঙ্গল আৰু অসম ৰেলৰ।

'সেউজীয়া'—১৯৪৯

# জীৱন-দৰ্শন

পৰিচিতা পৃথিৱীৰে অচিনাকী কোনোবা চুকত
আশা আৰু সপোনৰ গীত কৱিতাৰ
মনেপতা সুৰ কাৰেঙত
তন্দ্ৰামগন হৈ
সুৰৰ মাধুৰী লৈ
জীৱন সুৰাৰ মউ অকলে কৰিম পান নীৰৱ ক্ষণত।
'কোৰিয়াৰ ৰক্ত তৃষ্ণা' ভয়াতুৰ বিভীষিকা
'বিশ্বশান্তি সন্মিলন'
সভ্য জগতৰ কথা সমস্যা বহুল
—ওৰ নাই—সীমাহীন পাৰাবাৰ
কোন দিনা হব অৱসান ?
সেয়ে মই বিচাৰোঁ মুক্তি
পলায়নবাদ নামে কৰা অভিহিত।
—ক্ষতি কিনো ?
উপলুঙা কৰিব খুজিছা ? পলাতক মনে মোৰ মানি লোৱা
ওমৰৰ জীৱন দৰ্শন ?
পৃথিৱীৰ চুকে-কোনে তুমিও বিচাৰি চোৱা
ক'ত পাবা মৌলিকতা ?

অনুকৃতি চৌদিশে মাথোঁ।
ওমৰৰ পিয়লাত বিশ্বৰূপ দেখি মোহ গলোঁ। যদি
বোধিব পাৰিবা জানো মোক
যুক্তিৰ তুলাচনী দাণ্ডি?
নিয়ঁৰৰ আচলত মুকুতাৰ জ্বল্ মল্ ক্ষণিকৰ ৰূপ
সেয়ে সত্য, জীৱনৰ অকুণ্ঠ প্ৰকাশ
নিৰ্ভীক পৰাণৰ ৰূপৰ পৰশ!

১৯১৩।

---

# আগা খাঁ

পেৰিছৰ কোনোবা এটা
প্ৰকাণ্ড হোটেলত থাকে
ভাগ্যবান প্ৰবাসী আগা খাঁ
সিদিনা—
মনৰ পৰিতৃপ্তিৰ বাবে
এটা ধুনীয়া হোটেল কিনি পেলালে।
অজস্ৰ ধন-দৌলতৰ গৰাকী
'লাকী উইনাৰ' মহামান্য আগাখাঁ।
হঠাতে ৰয়টাৰে খবৰ দিলে

আগাখাঁৰ ভাৰতলৈ আগমন।
তেওঁৰ ভাৰতীয় ভক্তবৃন্দ উৎকলিকৃত হৈ উঠিল।
—অভিনন্দন দিব।
অকল অভিনন্দনেই নহয়—
আগাখাঁৰ ওজনৰ সমান হীৰাও দিব উপহাৰ।
গোলকুণ্ডা হীৰাৰ খনিত
পূৰ্ণ উদ্যমেৰে চলিল কাম।
তাৰে নিৰক্ষৰ বনুৱা আজাদ আৰু গফুৰ।
সিহঁতেও ধৰ্ম্মগুৰুৰ আগমনৰ কথা,
মনত ৰেকৰ্ড কৰি লৈ
কাম কৰিলে নিশা-দিন।
গহ্বৰৰ গৰম বোকা দেহৰ ঘামেৰে ধুই
বাচি বাচি উলিয়ালে শীতল ধুনীয়া হীৰা।
সিহঁতৰ আশা—
সিহঁতৰ আবিষ্কৃত হীৰাকে ভক্ত সকলে
গুৰু আগাখাঁক দিব উপহাৰ।
ভাৰতীয়ৰ টকাত আহিল বিদেশৰ হীৰা,
আগাখাঁও নামিলে মাটিত।
আজাদৰ কৰ্ম্মময় জীৱনত
এদিনৰ বাবেও নিমিলিল ছুটী।

তাৰ গৰম গহ্বৰৰ ভিতৰৰ পৰা
জিলিকি উঠিল
একালে আগাখাঁ আৰু একালে হীৰাৰ দ'ম।
গৰুৰ পলাই গ'ল।
সি দেখিলে—
দূৰত চলচিত্ৰৰ দৰে আগাখাঁ আহিল সোমাই,
হীৰাৰ বাকচ কেইটা লৈ ঘূৰি গ'ল।
মানুহৰ জয়ধ্বনিৰ মাজত সি শুনিলে
ওপৰত এৰ'প্লেনৰ শব্দ।
তাৰ দুটোপা গৰম চকুলো
চেঁচা গালৰ ওপৰেদি
জ্বলি জ্বলি গলি যোৱা মমৰ দৰে
বাগৰি আহিল।
ঘূৰি আহি হঠাতে দেখিলে
আগাখাঁৰ কীৰ্ত্তি—এটা প্ৰাসাদ।
তাত আছিল ভাৰতৰ প্ৰধান ৰাজনৈতিক বন্দী
মহাত্মা গান্ধী।

আধুনিক অসমীয়া কবিতা—১৯৪৬

# কামনা বোলেৰে য'ত তুমি
# স্বৰ্ণসৌধ বিচৰা ৰচিব

ঝম্ ঝম্ ঝম্ ঝম্
বাহিৰত অবিশ্ৰান্ত বৰষুণ
বাৰিষাৰ চকুলোৰ ধাৰা বিৰাম বিহীন।
আৰু মই ?
গহীন নিশাত এই নিভৃত কক্ষত
অতি সঙ্গোপনে নীৰব বেদনা মোৰ ভগ্ন হৃদয়ৰ
সঙ্গী কৰি লৈ আজি বিজন পৰত
ৰচি যাওঁ কৱিতা ব্যথাৰ।

……মই তৃষ্ণাতুৰ।
বুকুৰ মাজত মোৰ সুপ্ত কামনাই
দহনৰ ব্যথা লৈ নীৰবে—নিৰলে
হয়তো বা কান্দে গোপনেই
অনলৰ শিখা জ্বালি কোনোবা এদিন
তৃষিত হিয়াত মোৰ মৰম গোপন
সিঁচি দিলে কোনোবাই কোনোবা ক্ষণত
আজি আৰু তাৰ জানো আছে কিবা অৱশেষ ?

আদৰ্শৰ সপোনত বিভোৰ আত্মা মোৰ আছিল এদিন
—আজি আৰু নাই।
কিনো হব সেইবোৰ ভাবি?
তোমাৰ প্ৰিয় যে মই, ময়ো হাঁয়,
জহি পমি লীন হৈ যাম এই ধৰণী-বুকুত
আৰু দুদিন পাছত!
সুন্দৰ দেহাত এই—
কামনা-বোলেৰে য'ত তুমি স্বৰ্ণসৌধ বিচৰা ৰচিব
চিতাভস্ম হব শোকপূৰ্ণ!
মোৰ যৌৱনৰ তপত শোণিত-ৰঙচুৰা
কোমল বুকুৰ মউ,
পাহৰণি ৰাক্ষসীয়ে কৰিব বিচূৰ্ণ!
মোৰ পাছে কোনো দৰদী হিয়াত
তুমি পাবা দৰদী আহ্বান
জগাই তুলিব যেয়ে নিতে নব নব সুৰে
তোমাৰ হিয়াৰ গীতি—আকুল পৰাণ।
আজি মই আছোঁ,—কালি গুছি যাম।
অপূৰণ মোৰ পৰাণৰ তৃষা লই
বেদনাৰ ইতিকথা নুবুজিবা তুমি।
পৃথিবীৰ চুকে কোনে আৰু বহুতেই

যিদৰে সামৰে জীৱনৰ ধূলিখেলা
ময়ো যাম সেইদৰে অতীতকে চুমি।
বেদনা জগাই নিতে সিপুৰীৰ কোনোবা ক্ষণত
হয়তোবা ময়ো পাতি ৰম
মোৰ একো নোপোৱাৰ খেলা
উটুৱাই সিপুৰীতো মোৰ এই ভেলা।
সেইবাবে নাই মোৰ অভিলাষ
আৰু কামনা-বাসনা এই পৃথিৱীত
ভঙ্গুৰ পৃথিৱী এই, সকলো অপূৰ্ণ মোৰ,
গান মাথোঁ—
আশা-কামনাৰ অৱশেষ।

১৯৫২।

# পৰাণে কান্দে মোৰ নিৰলাত

মোৰ বুকুখনি আজি হাঁহাকাৰে ভৰা
তুমি হয়তো বুজিছা,—হয়তো বা বুজা নাই।
মাথোঁ তুমি দেখি গ'লা, মোৰ প্ৰাণ নাই।
আজি কৰুণতা মাথো জাগে দুচকুত,
চকুৰ মণিত মোৰ আজি হাঁয়
জাগা নাই অসীমৰ ভাষা।
দুনয়ন আজি মোৰ চকুলোৰ প্লাৱনেৰে ভৰা।
হিয়াৰ কঁপনি মোৰ মাৰ যায় গোপনেই
পৰকাশ! সেয়ে বেদনা মোৰ
কণ্ঠৰোধ। বুকুভঙা ধুমুহা অযুত আবেগৰ
লিখনীত কিয় জানো নুঠে আজি মূৰ্ত্ত হৈ হায়।
—ব্যথাহত মোৰ ভঙা বুকু
তুমি দেখা নাই।
বিষাদৰ বিননিয়ে মচি লৈ যায় মোৰ
আশাৰ লক্ষ ঢউ,
কামনাৰ পদ্মৰাগ মৰমৰ বননিত পৰি আছে
সিঁচৰিত যেনি-তেনি সউ।

অভিশাপ আঁকি মোৰ ললাটত
কোনে পথ পাহৰায় স্মৃতি মাতাল কৱিতাক ?
ছন্দ বিহ্বল পৰাণৰ ভাষা মোৰ মূক মৌন স্তব্ধ আজি
পৰাণে কান্দে নিৰলাত।

দূৰ অসীমৰ সপোন ৰাগীত
আপোন বিভোল হই
ধৰণীৰ সীমা পাৰ হৈ জানো কৱিতাৰ মালা গাঁথি
তুমি দেখিছিলা পাৰ হৈ যোৱা মই ?
—আজি মোৰ পৰাজয়,
আৰু গ্লানি তাৰ সোঁৱৰণী অতীতৰ।
তোমাৰ ডিঙিত জ্বলে স্মৃতিৰ সুৰভি হাৰ
হয়তো বা সেয়ে—তোমাৰ অহঙ্কাৰ।

১৯৫২

---

# তাজমহল

তুমি কোৱা
"প্ৰেমৰ প্ৰতীকৰূপে ৰব জগতত
মমতাজ বেগমৰ নামে
ছা-জাহানে সাজি থোৱা যুগমীয়া তাজ।"
শুনা—
আজিৰ যুৱতী তুমি কুৰি শতিকাৰ
আজলী অজলা হৈ অবোধৰ দৰে
কোনো কথা নকবা এনেয়ে।
আৰু শুনা—
মধ্য যুগত কোনোবা চনত
ভাৰতৰ সম্ৰাট এজনে,
দেশত আকাল কৰি
প্ৰজাৰ টকাৰে কিনি বিদেশী পাথৰ
হেজাৰ হেজাৰ বনুৱাক
গাঁথিবলৈ' কৰিলে আদেশ।

ভাৰতৰ হিন্দু-মুছলমান,
ভাৰতৰ শিখ বন্ধুৱাই
অৰ্দ্ধাহাৰে অনাহাৰে থাকি
পাথৰেৰে দেহা ঢাকি বহুত বছৰে
সাজিলে প্ৰাসাদ এটি,
তেজেৰে পাথৰ গাঁথি।
সিহঁতৰ অশেষ যত্নৰ
সিহঁতৰ অসীম কষ্টৰ
জলন্ত প্ৰতীকৰূপে আগ্ৰা নগৰীত।
সিটি হল মিলন মন্দিৰ
ভাৰতৰ সকলো জাতিৰ
নাম তাৰ "তেজৰ মহল।"
ভাৰতীয় সম্ৰাট জনৰ
পাহৰা নামত তুমি নাসানিবা কলঙ্কৰ চেকা।
নকবা কাচিতো
কোনেনো সাজিলে সিটি।
কবা মাথোঁ সাজিছিল কোনে ?
আৰু এটি কথা
মৰি যোৱা সম্ৰাজ্ঞীৰ নাম
'মহলৰ' আগত লগাই

অপমান নকৰিবা তিৰোতা জাতিক।
তিৰোতাৰ অন্তৰ কোমল
বুজি পায় মানুহৰ দুখ
নিদিয়ে আদেশ একো,
অনুৰোধো নোৱাৰে কৰিব
দুখময় কোনো কাম কৰিবৰ বাবে।
বুজিলা ?

শৰাই—১৯৪৬

---

# তুমিওতো শুনিছিলা হিয়া সাগৰত মোৰ

জানা জানো ? জনমৰ প্ৰথম পুৱাতে মোৰ
আত্মাৰ অসীম তৃষাই
গাজিৰ দৰেই হাঁয় 'চাহাৰা'ত পথভ্ৰান্ত হই
খাইছিল কিয় হাবাথুৰি !

মৰমৰ প্লাবনেৰে দুকূল ওপচা নিশা
তুমিওতো শুনিছিলা হিয়া সাগৰত মোৰ
কোলাহল—আবেগৰ ঊৰ্ম্মিমালাৰ
কামনাৰ সাতৰঙী ৰামধেনু ৰচি
জীৱন আকাশ মোৰ বোলাই নতুন ৰূপে,
যাচিছিলা অনন্ত প্ৰেমৰ উৎস—প্ৰীতি মাধুৰীৰ।
সেই দিনা, আদিম মনৰ মোৰ দেখিলা স্বৰূপ তুমি
আৱেশ-বিহ্বল মোৰ স্বপ্নাতুৰ দুচকুত
অপৰূপ মায়াজালে ৰচা—আলসুৱা মোৰ অনুৰাগ।
আজি চোৱা 'মৰ্ম্মৰ তাজ' ভাগি যায়—
প্ৰেমৰঙা পৰাণৰ বুকুৰ বাণীয়ে সোঁৱৰায়
—বঞ্চিতৰ হিয়াৰ বেদনা।
'মৰমৰ-তাজো' হাঁয় যুগে আজি নলয় আদৰি,
বুজিলাতো? অৰ্থহীন সেই স্বপ্নৰাগ!
—যৱনিকা?
……সুপ্ত মোৰ প্ৰাণ-শক্তি,—নিৰ্য্যাতন কৃষ্ট
আজি মোৰ, জাগিছে উঠিছে হিয়া;
অদূৰত জ্বলে দীপশিখা, দিগন্তৰ বুকুছোৱা মোৰ লক্ষ্যপণ,
ৰথৰ চকৰি ঘূৰে মোৰ আলোকৰ ধ্বজা উৰুৱাই
গুৰি কৰি যত নিষ্পেষণ।

তুমি আজি ভিক্ষা মোক দিয়া
ধূলিৰ ধৰাত এই—
মহীয়ান কৰা মোৰ প্ৰেম ভাল পোৱা
গৰিমা-দীপ্ত ত্যাগে—প্ৰেৰণাৰ কৰুণাৰে
অপূৰণ কামনাৰ তৃপ্তি আনি দিয়া।

কটনিয়ান—১৯৫০

## প্ৰশ্ন

প্ৰেছৰ চাকৰি।
ৰাতিটোৰ বাদে নাই খন্তেকো আহৰি
কেৱল আৰ্জ্জেণ্ট কাম,
মেচিনৰ দৰে যাব লাগে চলি ;
মানুহ নহয় যেন ৰথৰ চকৰি।
শোষণৰ পীড়নৰে ইও এক ক্ষুদ্ৰ ইতিহাস
ত্যাগৰ নামত মিছা ছলনাৰ উপহাস।

'সমাচাৰ সেৱা'—শুনাত শুৱলা বৰ
ভাবিলেও লাগে ভাল দেশ আৰু দহৰেই সেৱা,

জর্নেলিজম্ নামে ত্যাগৰ পদবীৰে মিছাকৈয়ে ঢাকি থোৱা।
নামৰূপী চন্দ্র বহু আঁতৰত আমাৰ কাৰণে।
আমি অৰ্দ্ধাহাৰী অনাহাৰী মজদুৰ বাওনা
কেলেই লাগিছে বাৰু সেৱাৰ ভাওনা ?

তথাপিও চাকৰি হাঁয়—
বেকাৰ স্নাতক দলে মাজে মাজে আহি
তাতোযে আহি যোগায় ঈর্ষাৰ ইন্ধন।
তৃষ্ণাতুৰ চাতকৰ দল—
চাকৰিৰ সন্ধানত ব্যস্ত নিতে।
মোৰেই দৰে সিহঁতৰো খীণ হৈ আহে প্রতি দিনে
কলেজীয়া জীৱনৰ আশা জল্‌মল্ !

প্রেছৰ চাকৰি—
মাহৰ শেষত চাৰিকুৰি চিকাৰূপ
তাৰেই জ্বলাব লাগে ত্রিশদিনে চাৰিটি জীৱনৰ ধূপ।

ভাবোঁ কেতিয়াবা—
কলেজীয়া জীৱনত যতনেৰে পুহিৰখা
ৰাশি ৰাশি আদৰ্শৰ ময়ে জানো অধিকাৰী,
কলেজত বৈ বৈ নাম কৰা স্নাতক পদবী ধাৰী ?

'ভৰ দুপৰীয়া, নেলাগে এতিয়া যাব
থন্তেক জিৰোঁৱা ; বাহিৰতো বৰ ৰ'দ।"
কিমান চেনেহ ভৰা অনুৰোধ বাৰি।

'কম্পজিটাৰ আছে বৈ কাইলৈকে ওলাব লাগিব কাগজ,
জিৰণিৰ সময়েৰা ক'ত ?"
"কেৰাচিনো নাই, উভতি আহোঁতে আজিও বাতি হব ছাগে,"
—মৰমীৰ খীণ অনুযোগ।
"সদায়েতো নাই' চাউল আৰু দাইল
আলু আৰু কেৰাচিন,
নকৰা বেজাৰ হেৰা সোনকালে আহিব সুদিন ;
অভাৱ থাকেই মানুহৰ, তথাপিও আমি আশাবাদী হব লাগে।

কিবা কলা ? কেৰাচিন নাই ?
দোকানতো ভালেমান বাকী ?
এনিশাৰ বাবে মাথোঁ। দুচকুৰ নীলালৈ নোৱাৰা জলাব জানো
সাঁজৰ এগছি চাকি ?
বুজিছানে পইচা এটাও নাই
যাওঁ মই নকৰা আমনি আৰু
ঘৰৰ লখিমী তুমি কিবা উপায়েৰে জ্বালিবা প্ৰদীপ গছি।

সুদিন আহিব ফিৰি দেশমাতৃকাৰ
অভাৱ এনুৱা কত খন্তেকতে দিব আহি মচি।
জানা, কত কাম অফিছত মোৰ
প্রুফ চাব লাগে দ'ম দ'ম কাগজৰ
পাইকা, স্মল পাইকা আৰু নানা বৰণীয়া আখৰৰ
কেঁচু কুমটিৰ দৰে কিলবিল কৰি থকা কত ৰূপ
কিমাননো দেখিবা সদায়
মাজে মাজে আমনিও লাগি যায়;
তথাপিও উপায় নাই।

কলাৰ পূজাৰী,—কৰিছিলো সত্য আৰু সুন্দৰৰ আৰাধনা,
আজি বাধ্য হৈ কৰোঁ সত্যৰেই অৱমাননা।
কোনোবা কংগ্ৰেছী অযোগ্য জনক
যশস্যাৰ জয়মাল্য দানি
বৰ বৰ আখৰেৰে ভূষণ পিন্ধাই কৃতিত্বৰ
"এইজনা কৃষ্টিৰ নীৰৱ সাধক,
প্রতিদিনে যশস্যা সুবাস আৰু বিয়পক।"

প্রকৃততে ময়ো জানো
পুঁজিপতি তেওঁ, চাহ বাগিচাৰ অধিকাৰী

টকা ঘটে বন্দুৱাৰ সতে কৰি নানা ফন্দি চতুৰালি,
আৰু সুনামৰ আশে—অৱশেষে
আৰ্টৰ সতে পাতে নকৈ ভুৱা মিতিৰালি।
প্ৰচাৰৰ ঢাকঢোল আমিয়ে বজাওঁ
'আমি' মানে কৃষ্টিক জীয়াইৰখা গধুৰ দায়িত্ব লোৱা
এমুঠি অৰ্দ্ধহাৰী ক্ষয়িষ্ণু কৰ্ম্মীৰ দল।
আৰু সিহঁতে ভাষণ দিয়ে আঁচনি কৰে বৰ বৰ আদৰ্শৰ।

মাহ পূৰাকৈয়ে আমি খাব্লৈ নাপাওঁ
থকা ঘৰো উৰঁলিহে যায়,
অভাৱে ধ্বংস কৰে সৃষ্টিৰ প্ৰতিভা
প্ৰতিদিন কৱিতা হেৰায়।
আমাৰ কাৰণে কোনো দিনে
বাগেদবীক অতিক্ৰমি
লখিমী নাহেতো নামি;
বাধ্য হৈ সেয়েতো ভাবিছোঁ
কলাৰ পূজাৰী তেনে কোন
সিহঁত নে আমি!

গুৱাহাটী—১৯৫৩

---

# সেই দিনা

সেইদিনা ৰবিবাৰ,
আছিলোঁ অকলে বহি বাৰান্দাত
বাটেদি অহা-যোৱা কৰা মানুহকে চাই
আন ভাব নাই।
টেক্সি মটৰ যায় ধূলি উৰুৱাই
ৰঙা-নীলা দুই-এক প্ৰাইভেটো যায় ;
—বহি আছোঁ মনে মনে সিবোৰকে চাই।
দুপৰীয়া বাৰ বাজিল।
দুখন মটৰ গ'ল—ধুনীয়া মটৰ
ভিতৰত তাতোকৈ ধুনীয়া
দুজনী গাভৰু আৰু ডেকা লৰা এটি।
কোন বাৰু ? চিনাকি চিনাকি যেন লাগিছে মোৰ
দেখিছিলোঁ যেন ক'ৰ বাত !
হব পাৰে,—হয় হয় নিশ্চয় লতিকা গীতিকা আৰু···
আৰু সেই ডেকাজন ? হয়তো কিবা হয়
লতিকা ডাঙৰ, হব পাৰে লতিকাৰে তেওঁ।
ৰ'দৰ তাপত দেখোঁ বাটত চৰিফুৰা
গৰু-ছাগলীয়ে গৈ গছৰ তলত ঘূৰি ঘূৰি

ফুৰিছে বনাই,
জনসমাগমো বৰ নাই।
মুক্ত টোপোলা আৰু কোলাত কেচুৱা লৈ
ইস্ ইমান ৰ'দত ? গছৰ তলত বহি নিজিবালে কিয় ?
কৰিব কি ? ভাত নাই !
ভাতৰ কাৰণে আজি তাইৰে দৰেই
এই ভাৰতৰে—
ক'ত শত দুৰ্ভগীয়াই ফুৰিছে ৰ'দত ঘূৰি আজিৰ নিচিনা !
আকৌ মটৰ !
হায় হায়। চেপিব চেপিব !
কণা নেকি তাই ?
মটৰৰ হৰ্ণ শুনা নাই ?
কাৰ গাড়ী ?
নম্বৰ দুশ সাত এ-এছ-জে—মিনিষ্টাৰৰ।
সাৰিল সাৰিল।
কোলাত কেচুৱালৈ ভাই চোতালত ঠিয় হৈ
কলে মোক 'বাবু'
লাগে হেনো কিবা।
'বাবু !' মন মোৰ গৌৰৱত পূৰহৈ গ'ল।
মই 'বাবু'—অন্তত ! তাইতকৈ ডাঙৰ।

দিম কি ?
"খোৱা নাই বাবু"—আকৌ মাতিলে তাই।
ঘৰৰ সকলো শুলে, মই মাথোঁ বাকী।
পইচাও নাই। 'বাবু' যে ভাগিম।
গালিহে পাৰিব কিজানি !
"লাগে কি ?" এনেয়ে সুধিলোঁ,
—মই যেন সকলোটি দিম।
"ভাত" কৰুণ সুৰেৰে তাই কলে লাহেকৈ।
চকুত দেখিলোঁ দুটোপা চকুলো
ক'লা গাল দুখনিও আৰু ক'লা হ'ল
গৰমত। কেঁচুৰাৰো টোপনি আহিল।
"সকলো শুলে"—কলোঁ মই বাবুৰ ভাষাতেই.
অহা বাটে তাই গুচি গ'ল, নকলে একোকে।
বেয়া পোৱা নাই। পাবনো কিমান ?
কত ঘৰে পঠালে খেদাই "ভাত নাই" বুলি।
মোৰ ওচৰলৈ হয়তো আহিছিল শেষত।
এইদৰে দিন তাইৰ গৈয়েই আছে
কত দিন আৰু যাব কোনে জানে ?
কৰিছিলোঁ ভয় মই গালি পাবে বুলি
গুচি গ'ল তাই, একোকে নকলে।

মই আজি লাজ পাওঁ দুখীয়াৰ
অন্তৰৰ পৰা অহা খং আৰু বেজাৰৰ মুখৰ মাতত।
কিন্তু বুজিব নোৱাৰোঁ আজি
সিহঁতৰ ভাষাহীন প্ৰাণৰ কান্দোন।
তাই খোজে—
মোৰ নিদিয়াই মোকেই যাচেহি আনি
গৌৰৱৰ নতুন আসন।
মোৰ ভাল লাগে।

পায়গাম—১৯৪৬।

# মোৰ ৰাজনীতি

চমকি উঠিলোঁ মই সেই দিনা
যিদিনা শুনিলোঁ তুমি কোৱা
'ৰাজনীতি' 'দৰ্শন'ৰ কিনো বাৰু প্ৰয়োজন,
জীৱনত যাৰ নাই পৰিধেয় বস্ত্ৰখনি
দুসাঁজ আহাৰ আৰু লোন তেলকণ?
কলেজীয়া জীৱনত 'ইজম'ৰ শ্ৰাদ্ধ কৰি
তুমি আজি নেতাৰ গদীত।

মোৰ দৰে ফতুৱাৰ সময় কটোৱা এই সহজ বিলাস
তুমি আজি নকৰা চাপর্ট।
'ইজম'ৰ হাৱা লাগি ত্যাগৰ নামত কৰা প্ৰতিজ্ঞা তোমাৰ
হয়তো বা (?) পাহৰিয়ে গলা,
ডুবাৰ দলিত ভুকা গ্ৰেহাউণ্ড কুকুৰৰ পিঠি ঘঁহি মৰমকৰোঁতে
ভাবিছানে মানুহকে চেনেহ বিলালা ?
লৰাই কৰোঁতে পাছ বি-এ
সবাহৰ কৰি আয়োজন পাতিলা ভাওনা,
টিউশ্যন কৰি খোৱা তোমাৰ ঘৰত
মাষ্টৰ বাবুক বাৰু দিলানে মনত কৰি—
চাৰিমাহ বাকী থকা টিউশ্যনী পাওনা ?
চাকৰণী 'মালতী' যে জ্বৰ উঠি পৰি আছে
তিন দিন হল ;
ভূটান পাহাৰলৈ কেম্প কৰি পৰিয়াল সহ
মৃগয়াভিমুখে তুমি ৰাওনা যে হলা
মালতীযে অকলেই ৰ'ল ?
সেইবাবে অনুৰোধ মোৰ
তুমি আৰু নেলাগে বুজাব মোক
মই জানো—'বেচন'ৰ বস্তু বুলি শিলগুটি সস্তাৰেৰে
দ্ৰব্য মই যেতিয়া কিনিছোঁ

তুমি আছা 'ফেন'ৰ তলত বহি ৰেডিঅ'ৰ 'টক' শুনি
আৰামী গাদীত।
পনীয়া দাইল সহ কঙ্কৰময় অন্ন ভোজন কৰোঁতে
মোৰ উৰুখা পঁজাত,
'দাইনিং হল'ত হেৰা তোমাৰ হাতৰ পৰা
পৰা নাই চুৰি নতুবা চামুচ,—
কৰোঁতে ভোজন তুমি সুখাদ্য তোমাৰ সেই চপ্ কাটলেট।
ৰাজনীতি দৰ্শনৰ জ্ঞান যদি মোৰ ভোকাতুৰ পৰাণে বিচাৰে,
নতু মোৰ মনৰে খোৰাকী
তুমি হেৰা উপযাচি নিদিলেও হব আজি ফাঁকি।

মিনাৰ—১৯৫২।

—অন্ত—



